১৯৭৪ চনৰ সাহিত্য অকাডেমীৰ পুৰস্কাৰ প্ৰাপ্ত

# গোলাম

সৌৰভকুমাৰ চলিহা



॥ ❀ ॥ বাণী প্ৰকাশ ॥ ❀ ॥

পাঠশালা • গুৱাহাটী • কলিকতা



প্ৰকাশক :

শ্ৰীঅম্বিকাপদ চৌধুৰী

বাণী প্ৰকাশ

পাঠশালা

শাখা :

পাণবজাৰ

গুৱাহাটী-৭৮১০০১

১০, কৈলাস বোস ষ্ট্ৰীট

কলিকতা-৭০০০০৬

বেটুপাত :

শ্ৰীহেমন্ত মিশ্ৰ

প্ৰথম প্ৰকাশ

১৮৯৪ শক

দ্বিতীয় শোভন সংস্কৰণ

মাঘ বিহু, ১৮৯৬ শক

বেচ : পাঁচ টকা মাথোন



ছপা : পূৰ্বোদয় প্ৰেছ

১০, কৈলাস বোস ষ্ট্ৰীট

কলিকতা - ৭০০০০৬

গোলাম

আৰু অন্যান্য কাহিনী

## সূচীপত্ৰ

**আকৰ :** ঘৰুৱা ঘটনা ( মণিদীপ, ৩য় ব. ১ম সং. নভে, ১৯৬২ ) ; ষ্টুডিঅ'ত ( অসম মেডিকেল কলেজ আলোচনী ৬৫/৬৬. প্ৰকাশ : ১৯৬৮ ) ; আৱাজ ( প্ৰথম ৰচনা : ১৯৫০, পৰিবৰ্তিত ৰূপত : অসম বাতৰি পূজা সং ১৬/১০/৬৬ ; ৰবিশঙ্কৰৰ অনুষ্ঠান চেতাৰ-বাদকৰ নিজৰ অভিজ্ঞতাৰ প্ৰকাশিত বৰ্ণনা ) ; চেলুনত ( সমকালীন ২য় ব. ১ম. সং অক্টো. ১৯৬৭ ) ; প্ৰাণৰ কথা ( জনমভূমি ৰঙালি বিহু সং. ৭/৪/৭১ ) ; লাখটকীয়াত ( দৈনিক অসম ৰঙালি বিহু পৰিপূৰিকা ১৪/৪/৬৭ ) ; প্ৰস্তুতি ( আকাশবাণী ৫/১০/৭১, আকাশী ৭/১১/৭০, অস্তৰঙ্গ ২য় সং, এপ্ৰিল ১৯৭২ ) ; ভ্ৰমণ-বিৱতি ( সংলাপ ২য় সং এপ্ৰিল ১৯৭২ ; ভিত্তি : 'ছেটুছ্‌মেন্' কাকতৰ এটা সৰু টিপ্পনি ) জাহাজত ( দৈনিক অসম ৰঙালি বিহু পৰিপূৰিকা ৩০ চ'ত, ১৮৯০ শক ) ; বে'থ'ফে'ন্ ( জনমভূমি ১৯/৪/৭২ ) ; গোলাম ( আৱাহন, ৪ৰ্থ সং. ১৯৬৯/৭০ [?] )

# ঘৰুৱা ঘটনা

[ মঞ্চৰ ওপৰত অশোক বৰঠাকুৰ। বস্তু-বাহানিৰে ঠাহ খোৱা কোঁঠালি ]

অসম্ভৱ—অসম্ভৱ—অসম্ভৱ [ চাৰিও পিনে চায়, আগুৱাই আহে, বস্তু-বাহানিত বাৰে বাৰে খুন্দা খায় ] এইটো মানুহ থকা ঘৰ নে মৰাপাটৰ গুদাম। ইয়াত মানুহ থাকে। আৰু কিমান বাৰ কম—ভট্টক আৰু কিমান বাৰ কম, হয় মোক ভেকেণ্ট হোৱা ডাঙৰ কমটো দিয়ক—বা ষ্ট'ৰ কমটোকে ৰিপেয়াৰ কৰাই দিয়ক, ইমানবোৰ বস্তু-বাহানি লৈ কি দম বন্ধ হৈ মই ইয়াত মৰা পৰিম। নাই, ভট্টই কিয় শুনিব—লেণ্ড্‌লৰ্ড্‌ জাতটোৱেই সেই, ভট্টও লেণ্ডলৰ্ডহে তেও, তেওঁ কিয় ভাড়াটিয়াৰ সুবিধা-অসুবিধালৈ চাব—ৰেগুলাৰ ভাড়া পাইছে, কোনো ট্ৰাবল্‌ নাই, আৰামচে আছে, মোক ডাঙৰ আহল-বহল কমটোৱেই বা একে ভাড়াতে দিব কিয়, ষ্ট'ৰ কমটোকেই বা মেৰামত কৰাই দিব কিয়—কিহৰ গৰজ, ভট্টৰ কিহৰ গৰজ! [ কথা কৈ কৈ জেপৰপৰা কলমডাল উলিয়ায় আৰু অন্যমনস্ক হৈ চকী এখনত খুন্দা খায়, বিৰক্ত হয় ] ইম্‌-পচিবল্‌। [ বহিবলৈ ঠাই এডোখৰ বিচাৰে, কিন্তু চকীবোৰত কিতাপ, কাগজ, বটল্‌ ইত্যাদি ভৰ্তি, আৰু বিছনাখনতো। খঙতে খুন্দা খোৱা চকীখনৰপৰা কিতাপপত্ৰ দলিয়াই পেলায় আৰু চকীখনত বহি মজিয়াৰ ওপৰৰ